# পাহৰা সুৰ

[ শোভাযাত্ৰাৰ গীত ]



শ্ৰীভুবনচন্দ্ৰ বৰুৱা

# পাহৰা সুৰ

[ শোভাযাত্ৰাৰ গীত ]

লিখক

**শ্ৰীভুবনচন্দ্ৰ বৰুৱা,**

ন-আলি, ঢেকিয়াজুলি,

যোৰহাট।

শাওণ, ৫০০ শকাব্দ।

আগষ্ট, ১৯৪৯ চন।



[ দাম—।৵০ অনা মাত্ৰ।

প্ৰকাশক :—

শ্ৰীপ্ৰেমধৰ ৰাজখোৱা,

যোৰহাট।

প্ৰথম তাঙৰণ,

১৯৪৯ চন।

যোৰহাটৰ 'বাতৰি' প্ৰেছত ছাপা কৰ হ'ল

# উছৰ্গা



ভাৰতীয় জাতীয় আন্দোলনত স্বাধীনতা লাভৰ
কাৰণে যি সকল বীৰ-বীৰাঙ্গনাই
অকাতৰে আত্মবলি দিলে
'পাহৰা সুৰ'
সেই সকলৰ
পবিত্ৰ স্মৃতিৰ উদ্দেশে
অৰ্পিত হল।

—ইতি—

বাইজৰ সেৱক,
—ভুবন—

# পাহৰা সুৰ

—এক—

( প্ৰস্তাৱনা )

আই, আই, আই !
মুক্তি বিচাৰি তোৰ
প্ৰাণ দিয়া ডেকাবোৰ
উলটি যে নাহিলে ঘুনাই !

লক্ষ লক্ষ শত্ৰু ভেদি,
বুকুৰ তেজেৰে তোৰ
জয়ধ্বজা লেখি,

মুক্ত-গৰ্ব্বী আকাশৰ
কপালে পৰাণ আই,
বিজয় নিচান উৰুৱাই !

# পাহৰা সুৰ

—এক—

( প্ৰস্তাৱনা )

আই, আই, আই !
মুক্তি বিচাৰি তোৰ
প্ৰাণ দিয়া ডেকাবোৰ
উলটি যে নাহিলে দুনাই

লক্ষ লক্ষ শত্ৰু ভেদি,
বুকুৰ তেজেৰে তোৰ
জয়ধ্বজা লেখি,

মুক্তি-গৰ্ব্বী আকাশৰ
কপালে পৰাণ আই,
বিজয় নিচান উৰুৱাই !

কত শত জননীৰ
শোকৰ কান্দোনে কান্দি,
কত শত দুখীয়াই
একেটি সন্তান ত্যজি,
তোৰেই পূজালে' সাজি
বলি-দান পঠিয়ালে,—
উলটি যে নাহিলে দুনাই ;
কত শত দুখুনীয়ে
বুকুৰ মাণিক ছিঙি
ইনাই-বিনাই,
তোৰেই পূজালে' আজি
বলি-দান পঠিয়াই
অকাতৰে হিয়া ভুকুৱায় !

* * * *

গৰৱিনী তই আজি,
তোৰেই সন্তান দেখি,
আপোন পাহৰা তই
তাকে ভাবি-গুণি-লেখি,
স্বাধীনতা আনে তোৰ
বীৰ পুত্ৰে বীৰ দৰ্পে,
চাই ল, চাই ল, আই !

—দুই—

সমদলে আগবাঢ়ি তোল হেৰ'
জাতীয় নিচান, বিজয়-নিচান।
ইয়ে আমাৰ মান,
ইয়ে আমাৰ ধ্যান,
ইয়ে আমাক দিলে আনি
স্বাধীনতা দান; ইয়ে আমাৰ প্ৰাণ।
শ্যাম-হিম-গৈৰিকৰ,
বিজয়িনী তিলকৰ,
বিশ্বদীপ্ত ত্ৰিৰঙ্গৰ
গাওঁ জয়-গান;
বিজয় নিচান!
লক্ষ বীৰ-বীৰাঙ্গনা, যাৰ বাবে হ'ল দীনা,
যাৰ বাবে শত ডেকাই দিলে পৰাণ দান;
ইয়ে আমাৰ মান।
বিজয় নিচান!
নমো নমো জয়ধ্বজা জাতীয়-নিচান;
মুক্ত-হিম-শিখৰৰ
বিজয়িনী ভাৰতৰ
লক্ষ-কোটী পৰাণৰ ধ্যান,
বিজয়-নিচান।

— —— ——

—তিনি—

( পতাকা উত্তোলন )

বিশ্ববিজয়ী, গৰৱী, মৰমী,
স্বাধীন পতাকা উড়িছে নাচি,
শক্তি-দায়িনী, প্ৰেম-প্ৰদায়িনী,
ভাৰতী-বক্ষ গৰিমা ৰঞ্জিনী,
বিশ্ব-মিলন-ৰাগিণী ৰচি ;
( স্বাধীন পতাকা উড়িছে নাচি । )

ত্ৰিৰঙ্গ-ৰঞ্জিতা ৰক্ষা-চক্ৰ-স্থিতা,
ললিতা বলিতা, বিশ্ব-বিনন্দিতা.
বিজয়ী নিচান উড়িছে আজি ;
দুৰ্দ্দান্ত-দলনী, শত্ৰু-বিমৰ্দ্দিনী,
যাৰ পদতলে অলেক্ষ বাহিনী,
ৰণোন্মত্ত প্ৰাণে উঠে সাজি-কাচি
( স্বাধীন পতাকা উড়িছে নাচি । )

এই স্বাধীনতা ৰাখিম আমি,
লক্ষ লক্ষ প্ৰাণ আহুতি দানি,
কৰিম বিশ্ব, স্বাধীন আমি ;—
আমি মুক্তি দিম যত পৰাধীনা,
বিশ্ব-ভাতৃত্ব কৰিম ৰচনা,
বিশ্ব-মুক্তি-মিলন-প্ৰয়াসী ;
( স্বাধীন পতাকা উড়িছে নাচি । )

আহাঁ ভাই-ভনী, আহাঁ দেশবাসী,
আহাঁ সুখী-দুখী, আহাঁ প্ৰবাসী,
গোৱা সমস্বৰে জয়তু জননী,—
জয় জয় জয় জয় হে!
জয় জয় জয় ভাৰত-জননী,
জয়তু 'শিবিকা' শক্তি-দায়িনী,
মাভৈ! মাভৈ! বীৰ-প্ৰসৱিনী!
মাভৈ মন্ত্ৰে উড়িছে আজি।
( স্বাধীন পতাকা উড়িছে নাচি। )

—চাৰি—

তেজ উতলি ব শিৰে শিৰে
তেজ উতলি ব,
স্বাধীন যুগৰ স্বাধীন-পথত (তোৰ) দেহ আগুৱাই ল
পাহৰি তৃষ্ণা কলুষ মনৰ
পাহৰি সকলো পুৰণি ভাগৰ
মুক্তি-পতাকা ল হাতে হাতে মুক্তি-পতাকা ল।

সৌ যে মুক্তি বিশ্বৰাজি
স্বাধীন সকলো স্বাধীন আজি
মুক্ত পৰাণে নাচে সাজি-কাচি মুক্তি-পতাকা ল।
মুক্তি পতাকা উড়িছে আজি
দেশৰ কাৰণে সকলো ত্যজি
পাহৰি হীনতা, দীনতা, ক্লীৱতা, মুক্তি-পতাকা ল।

---

—পাঁচ—

জগত আমাৰ ভাৰত আমাৰ অসম আমাৰ দেশ ;
ভাৰতে বিচাৰে বিশ্বৰ মুক্তি বিঘিনি কৰিম শেষ।
ত্যজিম সকলো বেদনা প্ৰাণৰ,
তুলিম ৰাগিণী জাতীয় গানৰ,
জাতীয় গানৰ, জাতীয় প্ৰাণৰ, জাতীয় আমাৰ বেশ ;
ভাৰতে বিচাৰে বিশ্বৰ মুক্তি বিঘিনি কৰিম শেষ।
জ্বলোৱা জ্বলোৱা জাতীয় অগ্নি
জ্বলোৱা স্বাৰ্থ আহুতি দানি,
নতুন পোহৰে প্ৰাণ পোহৰাম ধৰিম নতুন বেশ ;
ভাৰতে বিচাৰে বিশ্বৰ মুক্তি বিঘিনি কৰিম শেষ।
ভাৰতী আজি নহয় দীনা,
বিশ্ব-মাতৃ কিয় পৰাধীনা
কিয় পৰাধীনা শোষিতা, লাঞ্চিতা, দুখুনী অলেখ দেশ ;
ভাৰতে বিচাৰে বিশ্বৰ মুক্তি বিঘিনি কৰিম শেষ।

---

—ছয়—

দীপ্ত কৰি দে গান,
দীপ্ত কৰি দে প্ৰাণ,
দীপ্ত ধৰণী ক্ষিপ্ত কৰি দে
পাহৰি আপোন প্ৰাণ।

এৰি দে এৰি দে মান,
এৰি দে অ' তোৰ প্ৰাণ,
স্বাধীন দেশৰ ৰক্ষাৰ কাৰণে
জীৱন কৰিদে ধ্যান।

সুপ্ত নহয় বিশ্ববাসী,
স্বাধীন সকলো স্বাধীন আজি,
সোণ-সম্পদেৰে গঢ়িম দেশক
ৰাখিম জননী-মান।

স্বাধীন আমি, স্বাধীন বীৰ,
দেশৰ কাৰণে বিলাওঁ শিৰ,
জয় লাগে, গৌৰৱ লাগে
লাগে স্বাধীন ধ্যান।

—সাত—

নমোহে ভাৰত নমো হে অসম
নমো হে মুক্তি-পূজাৰী বীৰ।
নবীন, যুৱক, আহাঁ আগুৱাই
উন্নত কৰি স্বাধীন শিৰ।
কৰ্ম্মী আজি ভাৰত সন্তান,
কৰ্ম্মী তুমি হোৱা দীপ্তিমান,
দীপ্ত তেজেৰে দীপ্ত কৰাহি
তৃপ্ত কৰাহি জননী-প্ৰাণ।
নতুন তেজেৰে হোৱা আগুৱান
নতুন তেজেৰে দীপ্তিমান—
মুমুৰ্ষ জাতিৰ সুপ্ত চেতনা
স্ফূৰ্ত্ত কৰাহি জগাই প্ৰাণ।
বহল বুকুত উদাৰতা ভৰা,
মুখত মিচিকি হাঁহিৰ সফুৰা,
বলী দুটি বাহু বিক্ৰমেৰে ভৰা
জয় গৌৰৱৰ উচ্চ শিৰ;
দেশৰ কামত লগোৱা লগোৱা
সুপ্ত পৰাণ জগোৱা জগোৱা—
জগোৱা, জগোৱা, সজোৱা, সজোৱা,
স্বাধীন দেশৰ স্বাধীন বীৰ।



—আঠ—

ধিনিকি ধিন্ ধিনিকি ধিন্
বাজিছে মৃদং, বাজিছে শঙ্খ,
বাজিছে ত্যাগৰ মোহিনী বীণ ;
বাজিছে আজি মিলন-বীণ,
লৰা-ডেকা-বুঢ়া নেৰাখি চিন,
আহাঁ সকলোটি বুকু ফিন্দুৰাই
একতা দলত হোৱাহি লীন।
দেশে দেশে আজি কিহৰ জেউতি,
মুখে মুখে গায় কিহৰ কীৰিতি,
সেই জাতীয়তা লাগে আজি ভাই
নহওঁ নহওঁ উদাসীন।
পাহৰা সকলো মলিন ভাৱনা,
সামৰা সকলো স্বাৰ্থ-বাসনা,
কৰা সকলোৰে মিলন-কামনা
বজোৱা সুখৰ স্বাধীন বীণ।
"বাপুজীয়ে" দিলে জাতীয় চেতনা,
অখণ্ড-ভাৰত কৰাহে কামনা,
বৰ্ণ-বৈষম্যৰ নেৰাখি ছলনা,
এক আদৰ্শৰ দেখুৱা চিন।

ভুলি সকলোৰে মান-অভিমান,
নিন্দা গৰিহা নকৰি কাণ,
জাতীয় দলত হোৱা আগুৱান,
গুচোক জননীৰ যাতনা-চিন

—ন—

মাতৃ-পূজালৈ কোন কোন আহিছ
অস্ত্ৰ পাহৰি নাহিবি বীৰ !
জাতীয় শক্তি, জাতীয় ভক্তি,
অস্ত্ৰ আনিবি আপোন শিৰ !
নেলাগে বন্দুক গুলি-বৰষাল,
নেলাগে বৰছা, ঢাল-তৰোৱাল,
নেলাগে তেজেৰে ধৰণী বুৰাব
আজিযে মুক্ত, ধৰণী ধীৰ।
পাহৰি আপোন দেহৰ ভাগৰ,
হীনতা, দীনতা, পুৰণি কালৰ
অহিংস তেজৰ প্ৰচাৰি গৰিমা
যুজিবি, লক্ষ্য কৰিবি থিৰ।
বিশ্ববিয়পা কৰ্ম্ম-প্ৰাঙ্গণত
সকলো কৰিবি ধৰ্ম্মৰ নামত,
দেশৰ কাৰণে দিবি বুকুপাতি
পাহৰি পৰাণ, পাহৰি শিৰ।

দেশৰ কাৰণে কৰি ডিঙি ফালি—
"জলাম আমাৰ জাতীয় দীপালী,
'বাপুজী' আমাৰ শিক্ষাগুৰু-দাতা,
আমি যে স্বাধীন-পূজাৰী-বীৰ"।
হত্যা নেলাগে, হিংসা নেলাগে,
বিশ্ব নিনাদি "অহিংসা" জাগে ;
মুক্তি-যুদ্ধৰ যুক্তি-যুজাক
অস্ত্র পাহৰি নাহিৰি বীৰ !

---

—দম্ভ—

অভিমানে সিক্ত কৰা
গৰ্ব্বী তোমাৰ কলেৱৰ,
ভাঙি-ছিঙি চূৰ্ণ কৰো
সাজু হোৱা বীৰবৰ !
মইবৰ অভিমান
চুকে কোণে কৰি দান,
দেশ-ধ্বংশ কৰি আজি
জ্বলালা অগনি ৰব ;
দম্ভ-দ্বেষ্য চূৰ্ণ কৰো
সাজু হোৱা বীৰবৰ !

উচ্চ-নীচ, সৰু-ৰৰ,
সন্মানৰ, অপাত্ৰৰ,
মান-অপমানে কৰে
হৃত-শ্ৰী স্বদেশৰ ;
অভিমান চূৰ্ণ কৰো
সাজু হোৱা বীৰবৰ !
মুখেৰে মাতিহা মাৰি
সত্য-পথ পৰিহৰি,
আদৰ্শ পাহৰি যোৱা
অভিমানী কলেৱৰ,
ভাঙি-ছিঙি চূৰ্ণ কৰো
সাজু হোৱা বীৰবৰ !
দেশ আজি ধ্বংশপ্ৰায়,
উদ্ধাৰোতা কোনো নাই,
অভিমানী নেতাগিৰী,
বাবুগিৰী কলেৱৰ,
ভাঙি-ছিঙি চূৰ্ণ কৰো
সাজু হোৱা বীৰবৰ !



—এখাৰ—

দেশ, দেশ, দেশ,
তোৰ কঙালিনী বেশ ;
অ' কঙালিনী,
হিয়া ধুনি ধুনি
ছিঙিলি কলীয়া কেশ।
শস্য-শ্যামলা,
সুজলা সুফলা,
ধৰণী মৰুভূ হল—
সোণেৰে ওপচা
নদ-নদী সচাঁ
আজি ঐ কেনিবা গ'ল।
ইফালে সিফালে
নেচাবি বলিয়া,
তললৈ মূৰকৈ ৰ'বি ;
আইৰে নেদেখি
যশস্যাৰ কীৰিটি
কাকে কি বাতৰি দিবি ?
সোণালী মুকুতা
হেৰালে নেলাগে,
সোণালী জ্যোতিও শেষ ;

কান্দি ভাতে মাগি
নেপায় তোৰ সন্তানে
আজি তোৰ এনুৱা বেশ!

আছিলে এদিন
তোৰ অনুপমা বেশ;
কালৰ চাকেনৈয়াত
সকলো উটালি,
সম্পদ কৰিলি শেষ!

উজুটিতে পৰি
নমৰ ডেকা লৰা,
পিন্ধি ল বীৰেন্দ্ৰ-বেশ;
অতীতৰ সম্পদ
বলেৰে ঘূৰাই ল,
জীয়া তোৰ আপোনাৰ দেশ!

---

—যাৰ—

সোণৰ হিন্দুস্থান,
প্ৰাণৰ হিন্দুস্থান,
তোৰ কাৰণে সপোঁ আজি
উজলা ধিয়ান।

অঙ্গ, বঙ্গ, কলিঙ্গৰ,
বিহাৰৰ, নেপালৰ
ৰাজপুত, মালৱাৰ, মাদ্ৰাজ, মান,
অন্ধ্ৰ, পাণ্ড্য, সিংহলৰ,
বীৰাঙ্গনা, অসমৰ,
তয়েই জননী আই, তোৰ এনে মান।
আই, তোৰ লাচিতৰ,
শিৱাজীৰ, প্ৰতাপৰ,
আৰু যত ৰাজপুত, মাৰাঠাৰ ধ্যান ;
পুৰণি কীৰিতি তোৰ,
পুৰণি যশস্যা বোৰ,
বীৰৰ কাহিনী বোৰ কৰি লওঁ গান।
সোণ-খুটা, সোণ-চটি,
সোণৰ মাৰলি,
আৰু যত কৰা-কামি
ৰূপৰ তৈয়াৰী,
শত শত ৰাজ-সিংহ,—
স্বৰ্ণ সিংহাসন ;
সেই কথাৰ, সেই দিনৰ
নোহে বিস্মৰণ ;
ঘূৰাম, ঘূৰাম, ঘূৰাম সিদিন,
সেই দিনৰ মান ;
পৰাণ দিও কৰিম এদিন
ভাগ্য-লক্ষ্মী-দান।

---

—তেৰ—

অখণ্ড ভাৰত হক মোৰ সাধনা, মোৰ কামনা
দেশৰ সমৃদ্ধি হক মোৰ ধাৰণা, মোৰ ভাৱনা !
হিন্দুস্থান-পাকিস্থান, নহয় সুখৰ স্থান—
প্ৰতিদ্বন্দ্বী দুটি অনুষ্ঠান,
নহয় একতা প্ৰাণ, একেটি দেহৰ মাথো
দুটি পঙ্গু অংশ অৱদান।
বিধিৰ লিখনি নোহে, ভাতৃ-বিচ্ছেদৰ গুপ্ত ছলনা,
ধৰ্ম্মৰ নামত কৰা অধৰ্ম্মৰ অভিযাৰ, গুপ্ত বাসনা।
বুৰঞ্জীৰ অভ্যুত্থান আকউ জাগক,
একৰাষ্ট্ৰ, একৰাজ নীতি প্ৰৱৰ্ত্তক,
আকবৰ, অশোকৰ, শিৱাজীৰ নীতি-কামনা।
আৰ্য্য-হিন্দু মোগলৰ ৰাষ্ট্ৰনীতি উদাৰ কল্পনা,
ৰাজতন্ত্ৰ শেষ হক, ধৰ্ম্মতন্ত্ৰ দুষ্টৰ ছলনা,
প্ৰজাৰ ভাৰত হক, প্ৰজাতন্ত্ৰ, প্ৰজাৰ কামনা।

---

—চৌদ্ধ—

মৰণ-ভয়ত কঁপ কিয় ভীৰু ডেকা দল ?
চকুৰ আগত বিদেশীয়ে হৰিলে সমল !
কাঢ়ি নিলে ধন-সোণ, মাটি-বাৰী তোৰ,
[illegible] চকালোৰ ।

নোৱাৰ মাতিব মাত,
কাঢ়িলেও মুখৰ ভাত,
হাতে-কাণে থকা শেষ—সকলো সমল ;
জীয়াই থকাৰ সকামে নাই মৰণে সম্বল।
বস্ত্র দিলি কাহানিবাই বিদেশীক মাতি,
নুবুজিলি সোণৰ ভাৰত হব এদিন মাটি।
কৃষি শিল্প অনাদৰ, বাণিজ্য লোকৰ,
আৰু যত সাজ-সজ্জা সভ্য সমাজৰ ;
সাহিত্যৰ, সঙ্গীতৰ, জ্ঞান-বিজ্ঞানৰ,
সাজ-পাৰ, জাতীয়তা, সকলো লোকৰ।
অন্ন নাই, বস্ত্র নাই, চিএঃৰ-বাখৰ,
প্রতিকাৰ একো নাই, অলৰ-অচৰ।
নিবনুৱা সমস্যাৰ ধনৰ জগৰ,
উপাৰ্জ্জন একো নাই ভেটীহীন নৰ ;
তুৱাৰ মুখৰ পৰা নহবিনে বাজ ?
ভিতৰতে ধুমখুন্দা নাই কাম, কাজ !
সাত-সাগৰ তেৰ নদী দেও দি আহি,
বিদেশীয়ে মাণিক চুচি নিয়ে হাঁহি হাঁহি।
জীয়াই থকাৰ সকামে নাই মৰণে সম্বল ;
মৰণ ভয়ত কঁপ কিয় ভীৰু ডেকা দল ?

---

—পোষ্কৰ—

অ' দেশকৰ্ম্মী, অ' দেশবাসী, যঁতৰ নেওছিলি কিয় ?
শিপিনীৰ নামতে কালিমা সানিলি
হলি যে বিদেশীৰ প্ৰিয়।
শিপিনী, শিপিনী, কিহৰে শিপিনী
বিদেশী সূতাকে লৈ,
বিদেশী নহলে নাওঠা হবি যে
নকৰ তালৈকো ভয়!
জীৱনৰ দুটি ধন ভাতে-কাপোৰে
কাপোৰ বৈ নলৱ কিয় ?
বছৰি বছৰি হেজাৰকৈ ভাঙিছ
ধনকো নোবোল প্ৰিয়।
বছৰি বছৰি লাখে-বিলাখে বিদেশক বিলালি ধন,
দুখীয়া দেশকে ভিখাৰী কৰিলি
জপাত সুমুৱালি মন।
এলাহৰ মাদলী তিৰোতা বাতুলী
পুৰুষে ঘটিছে ধন,
সাদৰী তিৰোতাক নাগৰী কৰি লৈ
চাকৰীত মজালি মন।

যতৰ-নেওঠনি দলিয়াই পেলাই থৈ
বিলাসত মজিছ কিয় ?

অ' দেশবাসী,
তিৰীয়ে পুৰুষে দেশী সূতা কাটি
আনি দে স্বদেশৰ জীৰ।

---

—ষোল—

( সামৰণী )

আই, আই, আই।
তোৰ যে বাপুজী নাই।
তোৰে ঐ বাপুজীক কালে হৰি নিলে
কি লৈ থাক জীয়াই ?
অজলা সন্তানে কান্দে হিয়া ধুনি
চকুলো উপচি যায় ;
বুকু ভাগি যায় পৰাণে নসহে
বাপুজীৰ শুনি বিলাই।

তোৰ নাথুৰামে        খিয়াতি ৰাখিলে
চেনেহৰ বাপুজীক খাই ;
লাজতে নমৰি        আছো প্ৰাণে ধৰি
ভাৰতৰ একতা নাই !
তোৰ বাপুজীক সন্তানে নিচিনে আই !
জানিলে বুজিলে        ফুফাকি শিকিলে
বাপুজীৰ কু-যশহে গায়
বুকুৰে কলিজা        এৰেলি মৰি যা
আৰু তোক নেথাকোঁ চাই ;
বাপুজীৰ আদৰ্শ        ৰাখিব নোৱাৰো
মৰো বৰে বিহে খাই !

—শেষ—

# প্ৰকাশক লাগে

একে লিখকৰে :—

| | | | |
|---|---|---|---|
| [১] | মাতৃ-পূজা | ... | ( কবিতা ) |
| [২] | বেৱতী-লাহন | ... | ( ,, ) |
| [৩] | কুশল-কোঁৱৰ | ... | ( জীৱনী ) |
| [৪] | বিপ্লৱৰ বুৰঞ্জী ইত্যাদি । | | |

নিবেদক—

শ্ৰীভুবনচন্দ্ৰ বৰুৱা,

কংগ্ৰেছ অফিছ, যোৰহাট ।